# ইউহাৰা

১৯৪৪ চনৰ জুলাই মাহ। মণিপুৰ ৰাজ্যৰ ইম্ফল চহৰ জাপানী সৈন্যৰ দ্বাৰা সম্পূৰ্ণৰূপে পৰিবেষ্টিত বুলি কলেও বঢ়াই কোৱা নহয়। ইম্ফলৰপৰা বাহিৰলৈ যাবলৈ বিমান পথৰ বাহিৰে আন উপায় নাই। কৈৰাঙ্গি বিমান কোঠৰ দ্বাৰাইহে বহিৰ্জগতৰ সৈতে ইম্ফলৰ যোগসূত্ৰ ৰক্ষা কৰা হৈছে। নগৰৰ সমতল অঞ্চলৰ কেউপিনে জাপানী সৈন্যৰ বৃত্তাকাৰ সমাবেশ। মিত্ৰপক্ষৰ সৈন্য-সামন্তৰ বিপুল বাহিনী আৰু যুদ্ধৰ নানান সামগ্ৰীৰে ইম্ফল নগৰ এনেদৰে জাপানী অবৰুদ্ধ অৱস্থাত তিনিমাহ থাকে। এই সময় চোৱাৰ ভিতৰত ইম্ফল চহৰৰ বাহিৰত মিত্ৰপক্ষৰ সৈন্যৰ সৈতে জাপানী সৈন্যৰ বহুত সংঘৰ্ষ হয়। বহুত জাপানী সৈন্য হতাহত হয়। বহুতো যুদ্ধ-বন্দী হয়। নিহতসকলক অস্থায়ীভাৱে কবৰ দিয়া হয়। আহত আৰু যুদ্ধ-বন্দীসকলক ইম্ফলৰ হস্পিতাল আৰু যুদ্ধ-বন্দী শিবিৰত ৰখাৰ ব্যৱস্থা হয়। আহত সকলৰ ভিতৰত অধিক সংখ্যাৰে শাৰীৰিক অৱস্থা বৰ শোচনীয়। অনাহাৰ, অনিদ্ৰা আৰু নানান কষ্টৰ মাজেৰে জৰ্জৰিত, শৰীৰৰ ওপৰত আগ্নেয়াস্ত্ৰৰ আঘাত। হস্পিতালত চিকিৎসাৰ ব্যৱস্থাও যথোপযুক্ত নহয়। মিত্ৰপক্ষৰ ৰোগী আৰু আহত সৈন্যসকলৰ বাবেই ডাক্তৰ, নাৰ্চ আৰু চিকিৎসাৰ আহিলা অকুলনীয়। শত্ৰু-পক্ষৰ আহত সৈন্যৰ চিকিৎসাৰ বাবে মিত্ৰপক্ষৰ ইচ্ছাকৃত অৱহেলা নহলেও চিকিৎসাত ত্ৰুটি হোৱাটো স্বাভাৱিক। এনে অৱস্থাত আহত সৈন্যৰ সংখ্যা দিনে দিনে কমি গৈ হত সৈন্যৰ সংখ্যা অধিক হৈ পৰাই স্বাভাৱিক।

অৱৰুদ্ধ ইম্ফলৰ এটা হস্পিতালত মই তেতিয়া চিকিৎসাধীন।

এটা মজলীয়া ধৰণৰ অস্ত্ৰ-চিকিৎসাৰ পাছত লাহে লাহে গা টঙাইছোঁ। হস্পিতালত ৰণস্থলীৰ পৰা আহত সৈন্য দিনে-ৰাতিয়ে আহি আছে। মই তেতিয়া যুদ্ধৰ ভয়াবহ বিভীষিকাৰ প্ৰত্যক্ষদৰ্শী। দৃশ্যবিলাক বৰ্ণনাতীত। মানুহৰ অঙ্গ-প্ৰত্যঙ্গ আৰু জীৱনৰ যেন একো মূল্য নাই। হাত, ভৰি আৰু মুখমণ্ডলৰ অংশবিহীন সৈন্য ইজনৰ পাছত সিজনক ষ্ট্ৰেচাৰত তুলি, এম্বুলেঞ্চৰ পৰা নমাই অপাৰেচন থিয়েটাৰলৈ লৈ যোৱা দৃশ্য দেখিয়ে আছোঁ। জগতত শান্তি, স্বাধীনতা আৰু বিশেষকৈ ব্যক্তি-স্বাধীনতা প্ৰতিষ্ঠা কৰিবলৈ বোলে এনে যুদ্ধৰ প্ৰয়োজন!

মই থকা হস্পিতালৰ ওচৰৰে এটা ৱাৰ্ড শত্ৰু-সৈন্যৰ আহত সৈন্যৰ বাবে আচুতীয়াকৈ ৰখা। সেই ৱাৰ্ডৰ দুৱাৰ-মুখত সশস্ত্ৰ প্ৰহৰী থাকে। অবাঞ্ছিত লোকক কৰ্তৃপক্ষই এই ৱাৰ্ডলৈ সোমাবলৈ নিদিয়ে। ইউহাৰাৰ সৈতে ইয়াতেই মোৰ পৰিচয় হয়। ইউহাৰা আহত জাপানী বিষয়া। গুৰুতৰভাৱে হৃদপিণ্ডত আঘাত পাইছে। মৃত্যুৰ দেৱতাই অলপ দূৰৰ পৰা আহ্বান কৰি আছে। তেওঁ মৃত্যুৰ আগতে কিছু কথা ক'বলৈ ঐকান্তিক ইচ্ছা প্ৰকাশ কৰিছে। তেওঁৰ বিশ্বাস যে এজন এচিয়াবাসীক কথাখিনি ক'লে তেওঁ শান্তি পাব।

হস্পিতালৰ কমাণ্ডিং অফিচাৰৰ নিৰ্দেশ মতে এজন জাপানী ভাষা জনা ইংৰাজ দোভাষীয়ে মোক ইউহাৰাৰ বিচনাৰ ওচৰলৈ লৈ যায়। মই ইউহাৰাৰ অতি ওচৰতে চকী এখনত বহোঁ। দোভাষী বিষয়াজনো কাষত বহে। ইউহাৰাই তেওঁৰ কথাখিনি জাপানী ভাষাত ক'বলৈ ধৰে। দোভাষী বিষয়াজনে মোক ইংৰাজীত তৰ্জমা কৰি কৈ যায়।

ইউহাৰাৰ ঘৰ নাগাচাকি নগৰৰ প্ৰান্তত থকা এখন সৰু গাৱঁত। সামান্য খেতিয়কৰ ল'ৰা। ওচৰৰে গাৱঁৰ স্কুলত জাপানী ভাষা, গণিত, ভূগোল আৰু জাপানৰ ইতিহাস পঢ়ে। যোল বছৰ বয়সৰ-



পৰাই পিতাকৰ খেতিৰ কামত সহায় কৰে। মাটি অলপ। তাতে বছৰত দুবাৰ ধান খেতি কৰে আৰু এডৰা মাটিত চয়াবীন আৰু শাক-পাচলি লগায়। এজনী গৰু আৰু গাহৰি কেইটামানো আছিল। আৰু আছিল ডাঙৰ ডাঙৰ জাতৰ কুকুৰা চৰাই এবাহ। কাঠৰ খুটা, কাঠৰ বেৰ আৰু ছালৰ এটা আটোম-টোকাৰিকৈ সজা সৰু ঘৰ। ঘৰৰ পৰিয়ালৰ ভিতৰত বাপেক, মাক, ইউহাৰা আৰু ভনীয়েক এজনী। ঘৰৰ সন্মুখত এখন সৰু ফুলনি। তাত কেইজোপামান চেৰি ফুলৰ গছ। মাটি অলপ বাবে ক্ৰিচান্থি-মামৰ বাহিৰে আন ফুল নোৱাৰে। মে' মাহত চেৰীফুল ফুলিলে ইউহাৰাহঁতৰ মন আনন্দত ভৰপূৰ হয়। ঠাই অলপ যদিও কেইবা বওৰো ক্ৰিচান্থিমামে চোতাল উজলাই ৰাখে। ইউহাৰাৰ ভনীয়েকে এইবোৰৰ বৰ যত্ন লয়। পথাৰৰ শস্যৰপৰা আৰু গাহৰি, কুকুৰা আদিৰ পৰা যি উপাৰ্জন হয় তাৰে ক্ষুদ্ৰ পৰিয়ালটোৰ দিনবিলাক সুখেৰেই অতিবাহিত হয়।

এনেতে সিহঁতৰ সুখৰ সংসাৰখনত নিয়তিৰ কোপদৃষ্টি পৰিল। শান্তিময় জীৱনৰ ঋজুমাৰ্গই বক্ৰগতি ল'লে। দুৰ্ভাগ্যৰ ক'লা ডাৱৰে সিহঁতৰ ভাগ্যাকাশ ঢাকি পেলালে।

১৯৪১ চনৰ ডিচেম্বৰ মাহ। এই মাহতে জাপানে পাৰ্ল হাৰ্বাৰত যুক্তৰাষ্ট্ৰৰ যুদ্ধজাহাজ বিধ্বস্ত কৰাৰ পাছত যুক্তৰাষ্ট্ৰৰ প্ৰেচিডেণ্টে জাপানৰ মিকাদোৰে সৈতে যুদ্ধ ঘোষণা কৰে। দেশৰ ডেকা ল'ৰা-বিলাক সৈন্যদলত ভৰ্ত্তি হয়। ইউহাৰাইও সৈন্যদলত নাম লিখায়। টকিঅ'ত প্ৰশিক্ষণ লৈ কিছু অভিজ্ঞতা অৰ্জনৰ পাছত ইউহাৰা মিকাদোৰ ইম্পিৰিয়েল গাৰ্ড ডিভিজনৰ বিষয়ালৈ উত্তীৰ্ণ হয়। টকিঅ'ত বিষয়া হৈ থকাৰ সময়তে ইউচুকিৰ সৈতে পৰিচয়।

ইউচুকি মিলিটেৰী হস্পিতালৰ নাৰ্চ। তাইৰ মুখখন ঘূৰণীয়া, পকা আপেলৰ নিচিনা গাল দুখন, উজ্জ্বল চকুযুৰি, কলডিলিয়াকৈ টানি বন্ধা ক'লা চুলি, কিমনো ভেদ কৰি ভৰা যৌৱন প্ৰকাশ কৰা

শৰীৰৰ ঢৌ বিলাক। ইউচুকিৰ মনৰ সজীৱতা আৰু কোমলতাই আটাইতকৈ বেছিকৈ ইউহাৰাক মুগ্ধ কৰে। এই ভালপোৱাৰ পৰিণতি স্বৰূপে যথা সময়ত তেওঁলোকৰ বিয়া হয়। ভবিষ্যতৰ যুগ্ম জীৱনৰ উজ্জ্বল ৰঙীন সপোনত দুয়োৰে অন্তৰ আপ্লুত। তেওঁলোকৰ দিনবিলাক পাৰ হৈ যায় বৰ মধুৰ ভাবে, খৰ গতিত।

কেইমাহমানৰ পাছত ইউহাৰাৰ ৰেজিমেণ্টে ব্ৰহ্মদেশলৈ যোৱাৰ নিৰ্দেশ পায়। টকিঅ' বিমান বন্দৰত ইউহাৰাৰ পৰা ইউচুকিয়ে বিদায় লয়। দুয়ো দুয়োকে সাৱটি ধৰি চুমা আৰু লোতক ভৰা চকুহালিৰে বিদায় মাগে।

ইউহাৰা আশাবাদী। তেওঁৰ দৃঢ় বিশ্বাস, যুদ্ধত মিকাড'ৰ জয় হব। যুদ্ধৰ পাছত ইউহাৰাৰ জীৱন আৰু উজ্জ্বল হব। সপোন দেখে, টকিঅ' বা নাগাচাকি নগৰ প্ৰান্তৰ সাগৰৰ পাৰৰ এটি সৰু ঘৰৰ সম্মুখত এখনি ফুলনি, দুশাৰী চেৰী ফুলৰ গছ, জোনাক ভৰা এখনি চোতাল, ৰাতিপুৱাতে সাগৰৰ পানীৰ ওপৰত জিলমিলাই উঠা প্ৰভাতী সূৰ্য্যৰ অপূৰ্ব দৃশ্য। এই পাৰিপাৰ্শ্বিকতাৰ মাজত ইউহাৰা আৰু ইউচুকিৰ এখন সৰু শান্তিপূৰ্ণ আনন্দময় সংসাৰ। বিচ্ছেদৰ বেদনা, আবেগ আৰু ভবিষ্যতৰ সোণালী সপোন বুকুত লৈ দুয়ো দুয়োৰেপৰা আঁতৰ হয়। বিমান আৰু বিমান কোঠৰ পৰা দুয়ো দুয়োলৈ মণিব নোৱাৰা হোৱালৈকে চাই থাকে। ইউচুকিয়ে বিমানখন দৃষ্টিৰ আঁৰ নোহোৱালৈকে চাই থাকে। বিচ্ছেদৰ করুণতাৰ মাজতো ইউচুকিৰ দৃঢ়, সজীৱ জাপানী মনটোলৈ সবলতা আহে। ইউচুকি অকলশৰীয়া নহয়। ইউচুকিৰ ইউহাৰা য'তেই থাকক, বিচাৰিলে ওচৰতে পাব।

যথাসময়ত ব্ৰহ্মদেশৰ ডাঠ হাবি-বন, চেগুণ কাঠৰ তলৰ বাট, পৰ্বত-নদী পাৰ হৈ ইউহাৰাৰ ৰেজিমেণ্ট ব্ৰহ্মা, হাকা, ফালাম আদি ঠাই দখল কৰি মণিপুৰ ৰাজ্যৰ টিদ্দিমেদি ইম্ফলৰ ওচৰ পায়হি। ইউহাৰাৰ ৰেজিমেণ্টে আন আন দলৰ সৈন্যৰ সৈতে ইম্ফল অৱৰোধ



কৰে। এনে অৱস্থাতে এদিন মেচিনগানৰ গুলিৰ লোহাৰ টুকুৰা এটা অকস্মাতে ইউহাৰাৰ বুকুত লাগে। তেওঁ অজ্ঞান হৈ পৰে। তাৰ পাছৰ কথা আৰু ক'ব নোৱাৰে। সংজ্ঞা আহে ইম্ফলৰ শত্ৰু-পক্ষৰ এখন হস্পিতালত। জ্ঞান পোৱাৰ পাছৰ দিনবিলাক বৰ যন্ত্ৰণাদায়ক হয়। ডাক্তৰে নানান চেষ্টা কৰিও কেইবাদিনলৈকে বুকুৰপৰা তেজ যোৱা বন্ধ কৰিব পৰা নাই। শত্ৰুক হত্যা কৰাই যদিও যুদ্ধৰ নীতি, আহত শত্ৰু-সৈন্যক সুস্থ কৰিবলৈ যত্ন কৰাবো ব্যৱস্থা যুদ্ধনীতিত আছে। অৱশেষে মুমূৰ্ষু আৰু আহত বহুত সৈন্যই ৰণস্থলীতে মৃত্যু বৰণ কৰে।

ইউহাৰাৰ জীৱনৰ কাহিনী কওঁতে যদিও মই তেওঁৰ ভাষা বুজা নাছিলোঁ, এইটো কিন্তু বুজিছিলোঁ যে মৃত্যুমুখী ইউহাৰাৰ মন এক অপূৰ্ব প্ৰশান্তিৰে ভৰা। মনটো বৰ কোমল। কাৰো প্ৰতি তিক্ততা নাই। এই শক্তিৰ উৎস ক'ত কব নোৱাৰিলোঁ—দৃঢ়, স্থিৰ জাপানী মন, নে অশৰীৰী ইউচুকিৰ সান্নিধ্য।

ইউহাৰাই অনুৰোধ কৰিলে, তেওঁৰ গাৰুৰ তলত থকা নিজৰ বুকুৰ তেজৰ টোপালেৰে ৰাঙলী হোৱা জাপানী ভাষাত ইউচুকি আৰু ইউহাৰাৰ নাম লিখা ইউচুকিয়ে উপহাৰ দিয়া পাটৰ ৰুমাল এখন, ইউচুকিলৈ লিখা আধৰুৱা চিঠি এখন, একোণত ৰঙা প্ৰভাত-সূৰ্য্যৰে সৈতে পাটৰ কাপোৰৰ এখন জাপানী ৰাষ্ট্ৰ পতাকা আৰু এখন চমুৰাই তৰোৱাল, এই বস্তুখিনি মই ল'ব লাগে; আৰু যদি কেতিয়াবা সুবিধা হয়, এজন এচিয়াবাসীয়ে যাতে বস্তুখিনি টকিঅ'ত থকা ইউচুকিক নিজ হাতে দিয়ে। ইউচুকিৰ ঠিকনাও তেওঁ দিলে। মই বস্তু.কেইপদ লৈ গধুৰ মনেৰে মোৰ বিচনালৈ আহোঁ। মনত নানান কথাই খেলি মেলি কৰে। এয়ে মানুহৰ জীৱন! এয়ে মানুহৰ সকলো আশা আকাঙ্ক্ষাৰ পৰিণতি। এদিনৰ পাছত খবৰ পাওঁ, ইউহাৰাই এই জগতৰপৰা বিদায় লৈছে।

যুদ্ধৰ পাছৰ মোৰ ভ্ৰাম্যমান জীৱনত ঘূৰি ফুৰাৰ বাটত টকিঅ'

চহৰলৈ যোৱাৰ সুবিধা হৈছিল। কোৱা বাহুল্য যে মই ইউহাৰাৰ বস্তু কেইপদ লগতে টকিঅ'লৈ লৈ গৈছিলোঁ। টকিঅ'ত থকা ভাৰতীয় ৰাষ্ট্ৰদূতাবাসৰ কৰ্তৃপক্ষৰ সহায় লৈ আগতে খবৰ দি মই এদিন আবেলি ইউচুকি থকা ঘৰ পাওঁগৈ। ঘৰত ইউচুকিৰ মাক আৰু ইউচুকি। দুখন তাঁতশালত দুয়ো কাপোৰ বৈ জীৱিকা নিৰ্বাহ কৰে। সৰু কাঠৰ বেৰ-চালৰে এটা ঘৰ। ঘৰটোত মাত্ৰ এটা ডাঙৰ কোঠা। এফালে দুখন তাঁতশাল, আনফালে এটা কাঠৰ ওখ ভেটিৰ কাষতে কাঠৰ ওপৰত বহাৰ ব্যৱস্থা। বেৰত আঁৰি থোৱা কেইখনমান জাপানী ভাষাত লিখা বাঁহৰ স্ক্ৰ'ল ( scroll ) আৰু তাৰ মাজত ইউহাৰাৰ সামৰিক পৰিচ্ছদত বন্ধোৱা এখন ফটো। ৰাতি তেওঁলোক এই কাঠৰ ভেটিত শোৱে। ওচৰতে সৰু বেৰ দিয়া চালি এখনত ৰন্ধা-বঢ়া কৰে। দুয়ো মোক আথে বেথে বহিবলৈ দিলে। জাপানী প্ৰথামতে বেৰৰ কাষতে জোতা খুলি থলোঁ। সেই সময়ত জাপান আমেৰিকাৰ অধীনত বুলি ক'লেও অত্যুক্তি কৰা নহয়। তেতিয়া জাপানত তৈয়াৰ হোৱা বস্তুৰ ওপৰত লিখা থাকে অধিকৃত জাপানত তৈয়াৰী ( made in occupied Japan )। জাপানী সৰ্বসাধাৰণে ইংৰাজী ভাষা শিকিছে। ইউচুকিয়েও ইংৰাজী ভাষা কৰ পৰা হৈছে। এতেকে মোৰ ইউচুকিৰ লগত কথা পতাত অসুবিধা হোৱা নাছিল। মোক পাই দুয়ো বৰ ভাল পালে। ইউচুকিয়ে বস্তু কেইপদ আলফুলকৈ ধৰি চালে, বুকুত সাৱটি লৈ ওচৰৰে মেজ এখনত কাপোৰ এখন পাৰি সযতনে থ'লে। ইউচুকিৰ মন এক তৃপ্তিৰে ভৰপুৰ। ইয়াত বিচ্ছেদৰ বেদনা নেদেখিলোঁ; দেখিলোঁ এক দৃঢ় সৱল হিয়াৰ প্ৰতিচ্ছবি।

তেওঁলোকে মোৰ সন্মুখত বঙা চাহ, ভাত আৰু সিজোৱা মাছৰ পাত্ৰ কেইটা থৈ ওচৰতে দুয়ো বহিল। আমি তিনিও একেলগে আহাৰ কৰিলোঁ। মই যেন ইউহাৰাৰ এক দূত, তেওঁলোকলৈ



ইউহাৰাৰ প্ৰীতি সম্ভাষণ আৰু সন্দেশ লৈ গৈছোঁ। মই তেওঁলোকৰ সৈতে বহুত সময় থাকিলোঁ। ৰাতি প্ৰায় ন মান বজাত বিদায় ল'লোঁ। বাটত আহোঁতে পঞ্চমীৰ জোনটো আকাশত বৰ উজ্জ্বল আৰু স্নিগ্ধ যেন লাগিল। চেৰি গছৰ বঙা ফুল বিলাকৰ ওপৰত জোনৰ পোহৰ পৰি চিকমিকাই আছিল; ওচৰৰ হ্ৰদৰ পানীৰ ওপৰত জোনৰ ৰশ্মিয়ে সৰু সৰু ৰূপালী ঢৌ বিলাকৰ সৃষ্টি কৰিছিল। ওচৰৰ আপেল গছৰ পকিৰ ধৰা আপেলবিলাকৰ ৰঙটোও বৰ সজীৱ যেন লাগিল। পৃথিৱীখন ইমান ধুনীয়া! মানুহবিলাক ইমান ভাল!